# মৰমৰ সুৰ

শ্ৰীপ্ৰমোদচন্দ্ৰ বৰদলৈ

নথ্ৰাই বীণাপাণি লাইব্ৰেৰী
তিনিচুকীয়া, অসম।



[ বেচ—১৷৵ টকা

# পাতনি

**শ্ৰীনীলমণি ফুকন**

"মৰমৰ সুৰ" লিখক শ্ৰীমান প্ৰমোদচন্দ্ৰ বৰদলৈ এজন কম বয়সৰ কবি। কবিৰ কোমল মনৰ ভাবোচ্ছাসতেই "মৰমৰ সুৰ" বাজি উঠিছে যেন অনুমান হয়। তেওঁ কাল্পনিক বা ব্যক্তিগত কোনো বন্ধুৰ বন্ধুত্বৰ সোঁত বহি যি "তাজ" তুলিবলৈ চেষ্টা কৰিছে, নতুন শিল্পীৰ পক্ষে তৎতুল্য সজুলি যথাযথভাৱে ব্যৱহাৰ কৰি তাক গঢ়ি তোলা কম সাহসৰ কথা নহয়। এই চেষ্টাৰ সাৰ্থকতাতকৈও তেওঁৰ প্ৰয়াস প্ৰশংসনীয়। তেওঁ ভাবৰ সোঁতত উটি-বুৰি গৈ বন্ধুতাৰ মোহজাল ভাঙি শেহত তাৰ নিৰ্ব্বিকাৰ অৱস্থাত উপনীত হবৰ চেষ্টা কৰিছে। "কল্পনাৰ বালিঘৰ" ভাঙি "কৰ্ত্তব্যৰ আহ্বানত" "আত্ম-বলিদান" কৰিবলৈ ওলাইছে। "বন্ধুত্ব অমৰ" কৰি তুলিবলৈ "সখিক" সম্বোধন কৰি "মুক্তি-বীণা" হাতত লৈ "কৰ্ম্মৰ আদৰ্শ-পথৰ" পথিক হৈ ওলাব খোজা সুৰ ফুটি উঠিছে।

তেওঁলোকৰ বন্ধুত্বৰ পৰিণতি "মুক্তি-বীণাত" এইদৰে বাজিছে—

"আমি গঢ়া জগতত নাথাকিব অকণিকে
সৰু-বৰ ধনী-দুখী আৰু ভিন্-পৰ,
অনাচাৰ অবিচাৰ অস্পৃশ্যতা নাশ কৰি
নৱভাবে সমতাৰ মথিম সাগৰ।"

কবিয়ে "মুক্তি-বীণাত" "মৰমৰ সুৰ" ঢালি "গোৱা সখি! মুক্তকণ্ঠে জননীৰ জয়" বুলি বন্ধুৰ প্ৰাণতো বোধহয় তাৰ লহৰ মুতুলি থকা নাই।

মুঠতে কবিয়ে দুদিনীয়া বন্ধুত্বক মহান্ আদৰ্শৰ মাজেদি যুগমীয়া কৰিবলৈ যি চেষ্টা কৰিছে, সি নিষ্ফল-প্ৰয়াস হোৱা নাই বুলি কব পাৰি। "মৰমৰ সুৰ" সহৃদয় সকলৰ প্ৰাণত বাজি উঠিব বুলি মোৰ বিশ্বাস।

---

# সূচী

* এই চিন দিয়া কবিতাবিলাক বিদেশীৰ ছাঁ লৈ লিখা। —লিখক।

## —অৰ্পণ—



যিজনাৰ

"বিধিয়ে গোপনে বহি গঢ়িলে শৰীৰ
সুললিত স্বৰ দিলে সুকণ্ঠ কিন্নৰে,
কোমল কমল-কলি আঙ্গুলি পৰশি
সঙ্গীতৰ মন্ত্ৰ দিলে দেৱ-বিদ্যাধৰে।"

সেইজনা স্বৰ্গীয় সঙ্গীতজ্ঞ দদাইদেউ
দেবেন্দ্ৰনাথ বৰদলৈ দেৱৰ
পবিত্ৰ স্মৃতিত "মৰমৰ সুৰ"
অৰ্পণ কৰিলো।

—দেউতি—

# মৰমৰ সুৰ

## আমাৰ তাজ

প্ৰিয়াৰ প্ৰেমৰ বাবে দিল্লীশ্বৰ ছাজাহানে
তাহানিতে সাজি গ'ল তাজ যুগমীয়া,
যাক দেখি মানবৰ আজিওতো প্ৰাণে প্ৰাণে
সঞ্চাৰিত হয় এটি সুৰ বিনন্দীয়া।

আমিওতো সিদৰেই লাগিব সাজিব অ'ই
অভগন কৰি এটি যুগমীয়া ঘৰ,
যিটি হব তোমা-মোৰ প্ৰকৃত বন্ধুৰ চিন
চানেকি নৰয় য'ত নাৰীৰ প্ৰেমৰ।

নাৰীৰ প্ৰেমতকৈ বন্ধু-প্ৰেম শ্ৰেষ্ঠ বুলি
আমি পাৰো জগতক দিব দেখুৱাই,
খলা-বমা জগতত একেলগে বাট বুলি
সময়-বালিত খোজ দিওঁ বহুৱাই।

বন্ধুৱে বন্ধুৰ হ'কে পৰাণ ভিক্ষাৰী হই
আমিয়ে সাজিম "বন্ধু প্ৰেমৰ মহল,"
কই যাম ৰিঙিয়াই "নাৰীৰ প্ৰেমৰ দৰে
বন্ধু-প্ৰেমো জগতত নহয় বিৰল"।

# জীৱন-সঙ্গীত

সেইদিনা সখি পুৰতি পৰতে
টুপলি সামৰি লই,
উজনি দেশলৈ ওলালো যাবলৈ
অতি হাবিয়াস ক'ই।

সুনীয়া সপোন দেখিলো কতনো
উলাহে নধৰে হিয়া,
অদূৰত শুনো সুৰ সুমধুৰ
মন প্ৰাণ হৰি নিয়া।

নোৱাৰিলো ভাই আহিলো ওলাই
"যাওঁ দেই" মাথো কলো,
"নাযাবি সোণাই" এই মাত শুনি
পুনৰ থমকি ৰ'লো।

যাবৰ বেলিকা কিয় বাৰু আই!
ক'লা তুমি এনে কথা,
মিছাকৈয়ে বাৰু কিয় হাক দিলা
নুবুজি প্ৰাণৰ ব্যথা?

যোৱা নাই মই চিৰকাললই
মায়ামোহ সৱ এৰি,
তোমাৰ কাষত বুকু জুৰাবলৈ
পুনৰ আহিম ঘূৰি।
দিয়া আই দিয়া অনুমতি দিয়া
নাথাকিবা ৰই আৰু,
—মূৰ শুঙি আয়ে থোকাথুকি মাতে
ক'লে "সোণ যাগে' বাৰু"।
এখুজি দুখুজি আহিলো ওলাই
বিভুৰ চৰণ চিতি,
কাণত বাজিল দূৰত গুৱালে
গোৱা এটি বন গীতি—
"উজনি ৰাজ্যলৈ নাজাবি মইনা
নাখাওঁ ডখৰীয়া লোণ,
চপৰা খহিয়ে মৰিবি মইনা
তোৰ লগত মৰিব কোন?"
গীতৰ ধ্বনিত বুকু যে কঁপিল
মুখখনি শুকাই গ'ল,
চাৰি ফালে মাথো দেখো মৰিচীকা
কিনো আজি মোৰ হ'ল।

ৰাট কুৰি ৰাই গই আছো ভাই
বুকুখনি ডাঠ কৰি,
সেইযে সকলো পাহৰি পেলালো
ৰঙীন ভবিষ্য স্মৰি।
মনৰ ৰঙত কবকে' নোৱাৰো
নিজকে নিজেই ভাই,
ভাগিল সপোন "বিজুলী ৰথৰ"
নিঠুৰ পৰশ পাই।
"কপতীয়া বিধি কি কৰিলা তুমি
জীৱন নাশিলা মোৰ,
এয়েনে আছিল তোমাৰ মনত—?
সপিলা যাতনা ঘোৰ"!
নিমিষতে ভাই কল্পনা পখিটি
সঙ্গা ভাঙি গুচি গ'ল,
জীৱনৰ যত কামনা বাসনা
মৰু মৰিচীকা হ'ল।
হিয়া ঢাকুৰাই কতনো কান্দিলো
অতি বিয়াকুল হ'ই,
তথাপি নাপালো, নাপালো সখিটি
হেৰোৱা দেহাটি অ'ই।

সিদিনাৰে পৰা জগতৰ সোণ
বিদ্ৰূপ গঞ্জনা সহি,
ধুমকেতু হই আছো মাথো ৰই
বৈতৰণী পাৰে বহি।
ৰ'ই গ'ল মাথো স্মৃতিৰ পটত
ভাবিলে হৃদয় জ্বলা—
যাবৰ বেলিকা আয়ে কোৱা মোক
"নাযাবি সোণাই" বোলা।
আৰু গুৱালৰ সিদিনাৰ সোণ
করুণ গীতৰ সুৰ
আজিও নিৰলে বাজিব লাগিছে
ভঙা কলিজাত মোৰ
"উজনি ৰাজ্যলৈ নাযাবি মইনা
নাখাওঁ ডখৰীয়া লোণ,
চপৰা খহিয়ে মৰিবি মইনা
তোৰ লগত কান্দিব কোন?"

---

# উৰি যা পখিলি ঐ

উৰি যা পখিলি দূৰণি দেশলে'
থমকি থমকি ৰ'ই,
প্ৰাণৰ সখিটি আছে তাতে মোৰ
বাতৰি কৰিগে' গ'ই।

আজি জীৱনৰ শেষ হ'ল মোৰ
সুখৰ সপোন কত,
ব্যৰ্থ হ'ল আজি মধুৰ অতীত
জল্পনা কল্পনা যত।

কামনা বাসনা নাই আজি মোৰ
একোকে নালাগে মোক,
কালৰ হাতত দেহা হেৰুৱালো
প্ৰাণতো লাগিছে শোক।

মনৰ বাসনা অপূৰণ হৈয়ে
যদিওবা থাকি গ'ল,
কি হ'ব এতিয়া বিননি জুৰিলে
জীৱন সন্ধিয়া হ'ল।

কৰিগৈ মাথো চিতৰ সখিক
মায়া-মোহ এৰি থই,
যাৱলৈ ওলালো শেষৰ সমল
চকুলো টুপিকে লই।

## সখিলৈ বিহু-উপহাৰ

সখি অ'ই কি আছে কি দিম আজি
মৰমৰ বিহু-উপহাৰ ?
ভালপোৱা বিনে আন নাই একো—
দিবলৈ এই অভাগাৰ।
আজি ই বিহুৰ দিনা ৰঙ মনে
কলিজাৰ ৰঙা তেজেৰেই,
হিয়াতেই লিখি থম "চিৰকাল
তুমি মোৰ মই তোমাৰেই"

---

## নিষ্ঠুৰ

চেনেহৰ সখিটি ঐ,
"তোমাৰ অহাৰ বাটলৈ' চাওঁতে"
চকুজুৰি মোৰ উৰলী গ'ল,
মন-ফুলনিৰ আশাৰ কলিটি
মৰহি তেনেই নোহোৱা হ'ল।

তোমালই বুলি প্ৰাণৰ মাজত
সাচতীয়া মোৰ কতনো কথা,
ৰাখিছিলো ভাই কত হেপাহেৰে
পৰিলে মনত লাগে যে ব্যথা।
সেই যে সকলো জহি খহি গ'ল
তোমাৰ মধুৰ স্মিৰিতিকে লই,
হিয়াৰ মাজত শোকৰ উজান
উঠিছে পৰিছে কতনো অ'ই।
আজিও সখিটি নুবুজিলা তুমি
হিয়াৰ অসীম বেদনা মোৰ,
বুজু বুজু বুলি মিছাকৈয়ে তুমি
নমালা দুগালে চকুৰ লোৰ।
ভৰা নাই সখি ভুলতো এবাৰ
ইদৰে ছলনা কৰিবা মোক,
কোমল প্ৰাণত শেল যে হানিবা
দুগুণে বঢ়াই হিয়াৰ শোক।
আহিম বুলিও নাহিলা সিদিনা
আশাৰ কলিটি মৰহি গ'ল,
থাকা দূৰতেই নিঠুৰ সখিটি
স্মৃতি মাথো মোৰ হিয়াত ৰ'ল।

---

# অভিমান ইমান তোমাৰ ?

সখি ঐ, (১)

অভিমান ইমান তোমাৰ ?
দুখীয়াৰ সকৰুণ বিননিয়ে নপমালে
নিকৰুণ হৃদয় এবাৰ,
অভিমান ইমান তোমাৰ ?

(২)

বাট চাই তোমালকে' ৰ'ই,
আহিবা এদিন বুলি আশাক বুকুত তুলি
আছো মাথো বিয়াকুল হই,
তোমাল'কে আছো মই ৰই।

(৩)

সমীৰণ ধীৰে বই যায়
তোমাৰ বাতৰি সুধি নিৰাশাত ঘূৰি আহেঁ।
শুনো মাথো তুমি নাই নাই,
সমীৰণ ধীৰে বই যায়।

(৪)

লয়লাসে নাচি নাচি দেহি,
গুৰনি পখিলাটিয়ে দূৰৰ বাতৰি দিয়ে
সোধো ভাৰ কাষ চাপি আহি,
মুখত নোলায় মোৰ হাঁহি।

(৫)

কিনো হাঁয় হতভাগা মই,
মাথো সেই নিৰাশাৰ একে বাতৰিটি পায়
গুচি আহোঁ শোকাকুল হই,
কিনো হাঁয় হতভাগা মই।

(৬)

জাকি মাৰি আহে পখীবোৰ,
সিহঁতকো সুধি চালে তোমাৰ বাতৰি ভাই
পাওঁ একে নিৰাশাৰ সুৰ,
পখী উৰি যায় বহু দূৰ।

(৭)

হিয়া মোৰ দেই পুৰি যায়,
নুবুজো তুমিযে প্ৰিয় ইমান নিঠুৰ কিয়
দয়া মায়া অকণিও নাই,
হিয়া মোৰ দেই পুৰি যায়।

(৮)

চকুপানী টোকো নিৰাশাৰ
ভাল পাওঁ তোমাকেই তাৰেই বাবেনে প্ৰিয়
অভিমান ইমান তোমাৰ?
চকুপানী সৰে ধাৰাসাৰ !!

---

# অভিমান ভাগিব তোমাৰ

ধনেৰে চহকী হই          ভাবানে কি তুমি বাৰু
জগতত হম অমৰণ ;
আৰু তুমি ভাবানেকি      বিলাসতে উটি বুৰি
চিৰকাল কটাবা জীৱন ?
সেয়েনেকি সখি অ'ই        তুখীয়াৰ বিননিত
নগলিলে পাষাণ হৃদয়,
অভিমান কৰি মাথো        বিদ্ৰূপৰ চাৱনিৰে
চাই তুমি গুচি গলাগই।
ঐশ্বৰ্য্য বিভূতি লভি        বিৰাট ভৱন সাজি
খন্তেকিয়া ৰাজসুখ পাই,
ভাবিছা নহয় বাৰু          জগতত তুমিয়েই
তোমা' বিনে বৰ কোনো নাই।
শ্মশান মাজত ঠাই          যিদিনা লভিবা গই
ভস্ম হবা বুকুত চিতাৰ।
সেইদিনা—সেইদিনা        সখি অ'ই তুদিনীয়া
অভিমান ভাগিব তোমাৰ।

---

# সখিটি নাহিলে মোৰ

দুই হাত জুৰি মাতিলো সিদিনা
দুখীয়া পজালে' মোৰ,
তোমাক সখিটি কত আশা কৰি
পেলাব হৃদয় জুৰ।

আজিল'কে তুমি নাহিলা সখিটি
নিদিলা এবাৰো দেখা,
ব্যথাৰ পাৰত ৰই গ'ল মাথো
বিষাদ ৰাগিনী' লেখা।

হয়তো এদিন আহিবা সখিটি
এই ভাবনাকে লই,
দগ্ধ হিয়াতো শান্তিৰ নিজৰা
যায় কুলু কুলু বই।

আশা মাথো মোৰ মৰু মৰিচীকা
সকলো বিফলে গ'ল,
ভাগি গ'ল মোৰ সোণৰ সপোন
পৰাণ নিৰাশ হ'ল।

নাহিলে নাহিলে জীৱনৰ ধন
মৰমী সখিটি মোৰ,
চিৰদিন মাথো বুকুৰ মাজত
বাজিব বিষাদ-সুৰ।

— —

# পৰিত্যক্ত

(১)

জীৱনত আজি মোৰ একোৱেই নাই
শৈশৱৰ প্ৰাণাধিক সখিটিয়ে বুকু ভাঙি
অকলই এৰি থই গুচি গ'ল হাঁয়,
সেয়েহে পৰাণে মোৰ নিৰৱে বিনাই।

(২)

বিনয়ে মাতিলো কত চকুলো বোৱাই,
—কুসুম মৰহি গলে অকলশৰীয়া হলে
যিদৰে ব্যাকুল হই কান্দে বৰষাই
গুচি গলে ঋতুৰাজ আঁতৰি পলাই।

(৩)

উভটি নাচালে মোক তথাপি এবাৰ,
উৎসৱৰ শেষ হলে শলিতা নুমাই গলে
নাচাই যিদৰে তাক ঘূৰি পুনুবাৰ,
অনাদৃত হই পৰে ফুল মালাধাৰ।

(৪)

হৃদয় মাজত উঠে শোকৰেই ঢল,
পৰিত্যক্ত আজি মই চেনেহৰ জীউলাউ
হিয়াৰ শিকলি ছিঙি এৰি গুচি গ'ল,
অশ্ৰু ধাৰি মাথো চিৰ লগৰীয়া হ'ল।

——

# —তুমি অবিহনে—

সখি ঐ,

সউ যে দেখিছা নীল আকাশত
জিলিকি উঠিছে জোন,
তুমি অবিহনে মোৰনো হিয়াত
উঠিব জিলিকি কোন ?
লাজুকী জোনায়ে মাৰিছে মিচিকি
ভুবন মোহিনী হাঁহি,
তুমি অবিহনে মোৰনো হিয়াত
কোনেনো হাঁহিব আহি ?
জোনটি যিদৰে সউ আকাশৰ
অতিকই মৰমৰ,
তুমিও সখিটি মোৰ যে মানত
তাতোকই চেনেহৰ,
জোন অবিহনে এই ধৰাখনি
ঢাকিব আন্ধাৰে ঘোৰ,
তুমিও নহলে সিদৰে সখিটি
হিয়া ভাগি যাব মোৰ।

———

# ব'ৰাগী

সন্ধিয়া বেলিকা বীণখনি লই
ক'ৰেনো ব'ৰাগী তই,
কোন অজানলে' যাবলে' ওলালি
এখুজি দুখুজি ক'ই ?

সউযে দেখিছ নীল আকাশত
নামিছে ডাৱৰ ঘোৰ,
মেঘেও গাজিছে ধুমুহা বলিছে
বাজিছে প্ৰলয়-সুৰ।

ঘোৰ চেৰেকণি মাৰিছে বিজুলী
বৰষুণ আনিছে চা,
কেনেকইনো আজি যাবি বাৰু তই
উলটি বহালই যা।

"নগলে নহব যাবই লাগিব
ওলালো যেতিয়া মই,
মাৰক বিজুলী বলক বতাহ
নকৰো অকণো ভয়।

প্ৰিয়হাৰা মই প্ৰিয়ক বিচাৰি
শোকৰ সঙ্গীত গাই,
বনাই ফুৰিম দিহিঙে-দিপাঙে
বীণধ্বনি বাই বাই।

প্ৰিয় বিনে মোৰ এই জীৱনত
একো অভিলাষ নাই,
জীয়াতু যাতনা সহিছো কতনা
কোনেনো বুজিব হাঁয় ?

মই যে ৱ'ৰাগী, ব'ৰাগী নহওঁ,
প্ৰিয়া হেৰুৱাই গই,
মনৰ দুখত ফুৰো বনে বনে
সংসাৰ সামৰি থই—

মই মাথো আজি সাজিলো ব'ৰাগী
প্ৰাণ বন্ধু হেৰুৱাই,
দেশ-দেশান্তৰ বিচাৰিও যাক
আজিলকে' পোৱা নাই।

সেয়েহে ওলালো অজান দেশলৈ'
সংসাৰ তিয়াগী হই,
ঘোৰ ঢেৰেকণি মাৰক বিজুলী
নাই মৰণৰ ভয়।"

# অকলশৰীয়া

অকলশৰীয়া হাঁয়
নিৰাশাৰ বীণ বাই
        গুচি যাম সউ নিজানলৈ',
দুখ-শোক পৰিহৰি
জীৱনৰ মায়া এৰি
        চিৰকাল থাকিম নিৰলে।
কোনো নাই আজি মোৰ
সকলো শত্ৰুৰ ঘোৰ
        প্ৰাণহীন, দয়াহীন হই,
কৰে মাথো ছেই ছেই
সকলোৰে দেহি অ'ই
        দলনিৰ পোনা আজি মই।
চেনেহৰ প্ৰিয় সখি
ধনহীন মোক দেখি
        আজি হাঁয় এৰি গুচি গ'ল,
বন্ধু-হীন, ধনহীন
সকলোৰে কৰে ঘিণ
        মন মোৰ বিষময় হ'ল।

ইষ্ট-মিত্ৰ ধন-জন
নাই আৰু প্ৰয়োজন
আজি মই অকলশৰীয়া,
গুচি যাম আজি অ'ই
দূৰণিৰ দেশলই
প্ৰয়োজন নাই লগৰীয়া।

---

# নাৱৰীয়া

দুকূল ডঁকা ডিবুৰু বুকুত
ক'ৰে নাৱৰীয়া অ'ই,
কাণি-মুণি বেলা যায় কোন দিশে
টুলুঙা নাওখনি লই?

বাৰিষাৰ ভৰা পৰ্ব্বতীয়া জুৰি
মাজে মাজে পকনীয়া,
কল্ কল্ ৰৱে গৰজি উঠিছে
পাৰাপাৰ নাইকিয়া।

হেৰ' নাৱৰীয়া কাৰনো ধিয়াই
বনৰীয়া গীত গাই,
মৰণ নাভাবি যাৱ আগুৱাই
কোনে আছে বাট চাই ?
দূৰণি ঘাটত আছেনে কি বাৰু
বুকুৰ বহনা ৰ'ই,
সেয়েহে দহিছে হিয়া জ্বালি তোৰ
বিৰহৰ জুয়ে অ'ই।
শুনি ৰিঙিয়াই ক'লে নাৱৰীয়া,
"স্নেহৰ বন্ধুটি অ'ই,
দূৰণি ঘাটত মোকে বাট চাই
ৰ'ই আছে অকলই।
বন্ধু-প্ৰেমৰ নিছাত বলিয়া
মই নাৱৰীয়া আজি,
তাৰেই ভাবতে হিয়াত উঠিছে
উদাস সুৰটি বাজি।
সখাটি যে মোৰ প্ৰাণৰ পৰম
হৃদয়ৰ ধন ফেৰি,
সেয়েহে বাইছো চুচি নাওখনি
প্ৰাণৰ মমতা এৰি"।

কিয় নাৰৰীয়া 'সখি' 'সখি' বুলি
যাৱ হাবাথুৰি খাই,
আজি যাক ভাব মৰমৰ সখি
কালিলৈ আঁতৰি যায়।
বুজিবি এদিন এই কথাষাৰি
সিদিনা চেতনা হব,
প্ৰাণৰ সখিয়ে তোৰ বুকু চিৰি
তেজকে যিদিনা পিব।

---

# নিদ্ৰাৰ মায়া

সখি ঐ
পখি হোৱা হলে পাখি থকা হলে
নিতউ পুৱাতে গই,
উৰি উৰি সোণ তোমাৰ কাষত
পৰিলোহেতেন মই।
কিন্তু আজি হাঁয় নহলো চৰাই
নাই যে পাখিও মোৰ,
সেয়েহে সহিছো তোমাক নেদেখি
কতনো যাতনা ঘোৰ।

কত শত মোৰ মনৰ বাসনা
মনতে মৰহি হাঁয়,
নিৰলে অকলে' ভাবি তোমাকেই
ভাবনা বাঢ়িহে যায়।
টোপনিয়ে মোক দুখনি হাতেৰে
যেতিয়া সাবটি ধৰে,
সপোনতে ভাই তোমাৰ পৰশে
মন-প্ৰাণ মোৰ হৰে।
তেতিয়া তোমাৰ নিচেই কাষত
কত কথা বহি কওঁ,
হাঁহি ধেমালিৰে তোমাৰ লগত
আপোন পাহৰা হওঁ।
সাৰ পাই দেখো ই কি আচৰিত
তুমি যে কাষত নাই,
ক'ত মোৰ সেই সুখৰ সপোন
কেনিনো পলাল হাঁয়!
দিঠকত সোণ নেদেখো তোমাক
মাথো সপোনত পাওঁ,
টোপনি আশাত বহি নিৰাশাত
সন্ধিয়ালে' বাট চাওঁ।

# প্ৰতীক্ষাত

কল্পনা-সাগৰে উটি-বুৰি আজি
এই নিৰলাত ৰই,
তোমাল'কে মাথো বাট চাই আছো
অতিকে ব্যাকুল হই।
কিয় জানো সখি নোৱাৰো বুজিব
তোমাৰ বিচ্ছেদে মোৰ,
বুকুৰ মাজত জগাই তোলেহি
এটি বিষাদৰ সুৰ।
সেই বেদনাৰ আকুল কঁপনি
হাতৰ পৰশে ভাই,
নোৱাৰো বুজিব যদিহে নোচোৱা
বুকুত বুকু লগাই।
ডেই পুৰি যোৱা হিয়াখনি লই
মিছা হুমুনিয়া কাঢ়ি,
আৰু কতপৰ বাট চাম সখি
কেতিয়া আহিবা ঘূৰি?

---

# আৰু নবজাবি বাঁহী

আৰু নবজাবি বাঁহী অ' সখিটি
আৰু নবজাবি বাঁহী,
বেদনা-জড়িত বিষাদ সুৰত
বিনাই কুসুমৰাশি।

প্ৰাণ-বন্ধুটিৰ ভাবতে মই,
বাটৰ কাষত আছিলো ৰই
এনেতে বাজিল বাঁহীটি অ'ই—
তাৰেই সুৰত উতলা হই
হিয়াখনি গ'ল দহি,
আৰু নবজাবি বাঁহী অ' সখিটি
আৰু নবজাবি বাঁহী।

বাঁহীটি বজাব কাকনো ধিয়াই
কিবা ভাবি ভাবি ৰই,
কাৰ বিৰহৰ বেদনাৰ সুৰ
বাঁহীত জুৰিছ তই?

শুনি তোৰ সেই সকৰুণ সুৰ
—বিৰহ-ৰলিয়া সুৰটি যে মোৰ
উঠিছে প্ৰাণত ভাহি,
সেয়েহে সখিটি মাতিছো কাতৰি
আৰু নবজাবি বাঁহী।

---

# কল্পনা

সাৰ পাওঁ যদি তুপৰ নিশাত
পাৰেহি কাণত বাঁহীৰ তান,
তোমাৰেই বাঁহী বুলি ভাবো সোণ
উঠে পৰাণত তোমাৰ গান।

বুকুৰ ওপৰে জুৰ সমীৰণে
ধীৰেৰে পৰশ বুলাই যায়,
ঠিক যেন ভাই উথলে পৰাণ
তোমাৰ হাতৰ পৰশ পাই।

ঘোৰ আন্ধাৰত জগত নিজম
দূৰত নীলিম আকাশখনি,
তাৰেই মাজেদি ৰই ৰই শুনো
তোমাৰেই সখি নূপুৰ ধ্বনি।

চকুৰ আগৰ নীল বৰণীয়া
আকাশখনিও তৰাৰে ভৰা,
ছাঁয়াৰ মাজেদি তুমিয়েহে যেন
তৰা হৈ মোক দিছাহি ধৰা।

কিন্তু ইযে ভাই অলীক ভাবনা
সঁচাই তোমাক নাপাওঁ দেখা,
কল্পনা-আঁৰত ছঁয়া-ময়াকৈ
জিলিকে তোমাৰ ৰূপৰ ৰেখা।

---

# শেষৰ বিননি

আজিও নাহিলা তুমি নালাগে আহিব বাৰু
মৰণ-পাটীত মোক চাবলে' এবাৰ,
জনাতো নাছিলো আগে' ভবা নাই সপোনতো
পাষাণ নিৰ্ম্মিত বুলি হৃদয় তোমাৰ।

কৰুণ আহ্বান মোৰ আমনি শুনিছা প্ৰিয়
আওহেলা কৰি সেয়ে নাহিলা কাষলে',
আজি মোৰ জীৱনৰ বেলি মাৰ যাওঁ যাওঁ
তথাপিতো এটিবাৰো নাহিলা চাবলে'।

নকৰিবা খং সখি নকৰো আমনি আৰু
অজান দেশলৈ গুচি যামগে' যিদিনা,
সকলোটি হব শেষ আৰুতো নামাতো সোণ
বিননি জুৰিব আৰু নাহিম সিদিনা।

হয়তোবা আজিয়েই শেষ হব সখা মোৰ
ঢিমিকি ঢিমিকি জলা জীৱন-শলিতা,
চেনেহৰ ডোলগছি আজিয়েই ছিগি যাব
হয়তোবা এয়ে মোৰ শেষৰ কবিতা।

যমৰ যাতনা সখি শেষ হব আজিয়েই
উকলিব ভোগ মোৰ এই ধৰণীত,
দেখা পাব পাৰা মোক হয়তোবা আজিয়েই
ডিবুৰু দাঁতিৰ সেই শ্মশান খনিত।

দেহি অ'ই প্ৰাণপ্ৰিয় বৰ আশা কৰিছিলো
তোমাক সাবটি লই বুকুৰ মাজত,
যোৱাৰ আগতে ভাই শেষৰ চুমাটি খাই
জপাবলে' চকু দুটি মনৰ ৰঙত।

সকলো বিফল হ'ল আশা মোৰ ৰই গল
নয়নৰ মণি মোৰ মাগিছো বিদায়,
ক্ষমিবা সকলো দোষ এয়ে শেষ অনুৰোধ
এয়ে মোৰ শেষবাৰ বিননি সোণাই।



# সেইদিনা এটিবাৰ পেলাবা মনত

জগতত আজি মই অতিকে দুখীয়া সখি
সেয়েনেকি তুমি ভাই ঘিণ কৰা মোক,
অতি ভুল সেই কথা, যদিওবা দীনহীন
মোৰো আছে জীৱনত বাসনাৰ ভোক।

মোৰো আছে পৰাণত অকৃত্রিম ভালপোৱা
বিধাতাৰ দান সেই অমূল্য ৰতন,
কি হ'বনো তেনে বাৰু কৰিলেনো অভিমান
লভি সেই দুদিনীয়া মণি-মুক্তা-ধন।

তাহানিতে অকস্মাৎ বন্ধুত্বৰ ডোলডালি
যিদিনাই আঁৰি দিলো তোমাৰ গলত
সিদিনাৰে পৰা বন্ধু, তুমিয়েহে ধ্যান মোৰ
—প্রেম-ফুলে সদা পূজো তোমাক প্ৰাণত।

তুমিওতো সখি অ'ই আগ্ৰহেৰে ডোলডালি
হাঁহি মুখে পিন্ধি লই অতি উল্লাহত,
"তুমি মোৰ তোমাৰেই মই" বুলি আবেগতে
সাবটি ধৰিলা মোক বুকুৰ মাজত।

তেনে কিয় আজি ভাই অতীত পাহৰি গই
পৰৰ কথাকে শুনি শতুৰ বেশেৰে,
ঠিয় দিলা নিমিষতে অকণো নাভাবি হায়
পাহৰিলা মোক সখা কোনটো সত্তেৰে ?
বিধাতাৰ শ্ৰেষ্ঠ দান বন্ধুত্ব নুবুজে সখি
স্বার্থ মোহে অন্ধ হোৱা টুটকীয়াবোৰে,
সমগ্ৰ পৃথিবী মাথো স্বার্থৰ আকৰ ভাবি
তাৰেই মাজেদি নিজ স্বার্থ সিদ্ধি কৰে।
তোমাৰ অহিত চিন্তা কৰা নাই পাহৰিও
খোজা নাই দান কৰি তাৰ প্ৰতিদান,
জীৱনো উচৰ্গি থৈছো তোমাৰ বাবেই প্ৰিয়
ইমানতো! কিয় বাক কৰা অভিমান ?
মই যে দুখীয়া প্ৰিয় সেয়েই নহয় জানো ?
বলেৰেই মোক তুমি দোষী আখ্যা দিছা
জানিলো আজিহে মই ধনেই কৰিব পাৰে
নির্দ্দোষীক দোষী আৰু সচাকেই মিছা।
মোক তুমি ভাল পোৱা এই কথা-প্ৰিয় বন্ধু
জগতক শতমুখে নালাগে বুজাব,
যদিহে তোমাৰ প্ৰাণে বুজে মোৰ ভালপোৱা
ব্যথিত হিয়াই আৰু একো নুখুজিব।

তাকো যে নাপালো ভাই যেতিয়া তোমাৰ পৰা
জীৱনত তেনে মোৰ আছে জানো কাম,
শেষৰ সমল মোৰ নিৰাশাৰ হুমুনিয়া
বুকে বান্ধি লৈ তাকে জীৱন কটাম।
তুমিতো নজনা নহয় মোৰ জীৱনৰ কথা—
কিহৰ দুখত পৰি—লক্ষ্যভ্ৰষ্ট হলো,
"মইতো নাছিলো এনে তুমিয়ে কৰিলা মোক
তোমাৰ বাবেই আজি ব'ৰাগী সাজিলো।"
পৰিছে মনত সখি এদিন তুমিয়ে কোৱা—
"আতাৰ গাখীৰ সতে নোৱাৰে মিলিব,"
সেয়েহে নহয় বন্ধু? তোমাৰ লগত মোক
—ধন-সম্পত্তিৰ সতে থুজিছা জুখিব।
ভুল সখি সেই কথা পৰাণৰ ভালপোৱা
নোৱাৰে তুলনা হব ধনৰ লগত,
দীনহীন দুখীয়ায়ো ভকতি অৰ্ঘ্যকে লই—
প্ৰৱেশ কৰিব পাৰে প্ৰেম-মন্দিৰত।
সেয়েই নোহোৱা হলে দীন-দুখী অৰ্জ্জুনক
ভগৱানে ত্যজি থই বজা দুৰ্য্যোধন,
নললেহেঁতেন প্ৰিয় জীৱনৰ সখা ভাৰি
—মূল্যহীন হোৱা হলে প্ৰেম মহাধন।

আহিলো আঁতৰি সখি ঘিণ কৰা যদি মোক
সোঁৱৰণী হৈ যাব কল্পনা-পটত,
বিষাক্ত ভুলৰ ক্ষত শুকাব যিদিনা বন্ধু
সেইদিনা এটিবাৰ পেলাবা মনত।

—নোৱাৰো যদিও মই সাজি দিব জগতত
আমাৰ প্ৰেমৰ 'তাজ' মাৰ্ব্বল শিলেৰে,
তথাপিও চাম সখি পাৰোনে নোৱাৰো বাৰু
গঢ়িব আমাৰ তাজ কবিতা-ফুলেৰে।

---

## স্মৃতি

হিয়াভগা সুৰে কিনো গীত গালি
কেতেকী পখিটি অ'ই
বুকুৰ মাজত বেগেৰে বোৱালি
শোকৰে এখনি নই।
আজিৰ দৰেই তাহানি এদিন
বসন্ত কালত গই,
সখিটিৰ সেই চেনেহ কণাত
প্ৰাণ মতলীয়া হৈ—

তটিনী পাৰত দুয়ো হৰিষেৰে
(হাতৰ) ঠাৰিটি ৰাঙলী কৰি,
দুখনি হাতৰ তেজ একে কৰি
(দুয়ো) দুয়োকো সাবটি ধৰি—
সখি পাতিছিলো, চিৰ কাললই
তয়ো যে আছিলি চাই,
নাহৰ জুপিৰ পাতৰ আঁৰেদি
ধুনিয়া পখিটি হাঁয়!
সেই মিলনৰ মাহেন্দ্ৰ ক্ষণত
নিজকে পাহৰি গই,
"কু—কেতেকুৰে" গীত জুৰিছিলি
করুণ সুৰেৰে তই।
কিন্তু মোৰ সেই পৰাণ-বল্লভ
মিছা অভিমান ধৰি,
এৰি গুচি গ'ল সিদিনা এদিন
অকলশৰীয়া কৰি।
অতীতৰ সেই প্ৰিয় বিৰহৰ
পাহৰণি সুৰ মোৰ,
সোঁৱৰাই দিলি পুনু আজি তই
অমিয়া গীতেৰে তোৰ।
সুৰৰ ধ্বনিয়ে হিয়া ভাঙি নিলে
বলিয়া কৰিলে চিত,
কাবৌটি কৰিছো তোকেই পখিটি
নুনাই নাগাবি গীত।

# সঙ্গীহাৰা ফাগুন

হেৰ' ফাগুনৰ বলিয়া পবন
দেশে দেশে উৰি তই,
কাকনো বিচাৰি ফুৰ ঘূৰি ঘূৰি
কিহৰ বাতৰি লই।

হেৰালেনে তোৰ চিৰ-চেনেহৰ
অতিকে আপোন জন,
যাৰ বিৰহত বিৰহিনী হই
আকুল কৰিছ মন।

বলিয়া ফাগুনী ঐ—
পাহি জানো তোৰ বুকুৰ সাহন
প্ৰাণৰ দৰদী অ'ই,
মনৰ দুখত যাৰনো কাৰণে
কান্দিছ বিনাই তই।

তাহানি এদিন তোৰেই দৰেই
মঞোযে ফাগুনী অ'ই,
বন্ধু হেৰুৱাই বিচাৰি ফুৰিলো
অলিয়া-বলিয়া হই।

তথাপি নাপালো হেৰোৱা ৰতন
বুকুৰ মাণিক মোৰ,
গিৰি-বন-গুহা পাৰ হই কত
সহিলো যাতনা ঘোৰ।
ভয়ো যে ফাগুনী প্ৰিয় সখি তোৰ
নাপাবি আৰু যে অ'ই,
মিছাতে বলিয়া-বতিয়া নহবি
সঙ্গীহাৰা হই তই।

---

## জীৱন-সন্ধ্যা

সংসাৰ-ভাৱনা শেষ হৈ গল
যাওঁগে' সখিটি আজি,
শুনাছো দূৰত, সঘনে উঠিছে
মৰণ-শিঙাটি বাজি।
আজিয়েই শেষ নোপোৱা বিচাৰি
মোক এই ধৰণীত,
অচিন দেশত থাকিম অকলে'
জুৰিম নীৰলে গীত।

তথাপিও সখি নাপাহৰো মই
সদায় থাকিব মোৰ—
স্মৃতিৰ পটত তোমাৰ ছবিটি
অতীত মধুৰ সুৰ।
ৰায়ুৰ লগত মিলি আহি বই
তোমাৰ বুকেদি যাম,
তেতিয়া সখিটি মোক বাৰু তুমি
চিনিব পাৰানে চাম।
অবগাহি তুমি থাকোতে নদীত
ঢউ এটি হৈ আহি,
ধেমালি কৰিম তোমাৰ লগত
কাষতে ফুৰিম ভাহি।
বৰসুণ হৈ পৰিম ধৰাত
বিজুলী হাঁহিটি মাৰি,
চামহি তোমাক নিশা আকাশত
হমগে' তৰাৰ শাৰি।
মোৰ কথা ভাবি কেতিয়াবা ৰাতি
থাকা যদি সাৰ পাই,
জোনৰ কিৰণ হৈ আহি সোণ
ৰামহি চুমাটি খাই।

সপোনত আহি তোমাক ভাইটী
বুকুত সাৱটি লম,
সাৰ পাই তুমি ধৰিব খুজিলে
থিতাতে নোহোৱা হম।

বিছুত যেতিয়া নেদেখি কান্দিবা
ছুঁচৰিৰ লগত মোক,
শিশুৰ পেঁপাৰ সুৰ এটি হৈ
হৰিম তোমাৰ শোক।

ইদৰে সখিটি শুৱনি ধৰাত
চকুৰে নেদেখা হই,
তোমাৰ লগত থাকিম সদায়
জীৱনে-মৰণে মই।

---

# বুজনি

জীৱনৰ ভগা তৰী মেলি দিম কাইলই
সুদূৰৰ দূৰ দেশলই,
কোনে জানে তৰীখনি, বিশাল জলধি মাজে
উটি উটি ক'ত ৰবগই !

সিটি সময়ত ভাই নাচাপি ওচৰ মোৰ
—ক'ৰবাত থাকিবা আঁতৰি,
নহলে যে সখি অ'ই দেখিলে তোমাৰ মুখ
চকুপানী আহিব বাগৰি ।

ভাবানেকি পাহৰিম ? নাভাবিবা সখি অ'ই
নোৱাৰিম পাহৰিব ভাই,
চকুৰ পুতলা মোৰ অতিকে আপোন তুমি
তোমা-মোৰ ভিন্-পৰ নাই ।

দূৰ-দূৰণিতো সখি থাকোঁতে গই
বিষাদৰ বীণ বাই বাই—
তোমাৰ কথাকে ভাবি ধৰণী বুৰাই দিম
লোতকৰ ঝৰণা বোৱাই ।



# মেলানি

সখি ঐ—

বিদায়ৰ বেলা তুমি নাকান্দিবা হিয়া ভাঙি
মুটুকিবা চকুপানী দেই,
নজ্বলাবা পৰাণত দাৰুণ চিতাৰ জুই
সুৰ স্মৰি অতীতৰ সেই।
ভৰাতো নাছিলো সখি কেতিয়াও এটিবাৰো
এৰি যাব লাগিব তোমাক,
কামনা বাসনা মোৰ পূৰ নৌ হওঁতেই
মাৰ যাব জীৱন-জোনাক।
কামনা-বাসনা মিছা মানুহৰ জীৱনৰ
—আদেশত চলিছে সংসাৰ,
বিধাতাৰ কাৰাগাৰ বন্দী সখি আজি মই
কি হৰনো কৰিলে বেজাৰ।
আছিছো যেতিয়া ভাই লাগিব এদিন যাব
অহা-যোৱা জগতৰ ৰীতি,
আঁচলৰ ধন মোৰ, মাগিছো মেলানি আজি
ৰচি লই বিদায়ৰ গীতি।

---

# বিৰহ-বেদনা

আছিলো আঁতৰি যি দিনা সখিটি
তোমাৰ কাষৰ পৰা,
সেই দিন ধৰি জ্বলিছে হিয়াত
বিৰহৰ জুইকুৰা।

সেই অগনিয়ে দহিছে-পুৰিছে
অন্তৰ কুসুম মোৰ,
মধুৰ অতীতে প্ৰাণত জগাই
তুলিছে বিষাদ সুৰ।

তোমাৰ কাষত হিয়াভৰা সেই
মৰম-চেনেহ পাই,
থাকোঁতে তাহানি নাজানিলো কিনো
বিৰহ-বেদনা ভাই।

নিঠুৰ বিধিয়ে কৰিলে যিদিনা
তোমাৰ চকুৰ আঁৰ,
সিদিনাৰে পৰা তোমাকে ধিয়াই
ৰবণ সলালো গাৰ।

বিৰহৰ কিযে যাতনা দাৰুণ
কি যে নিকৰুণ সুৰ,
বুজিছো আজিহে ভুলৰ শেষত
জাগিছে চেতনা মোৰ।

---

# প্ৰশ্ন

ভালপোৱা জানো সচাকৈয়ে মোক
প্ৰাণৰো আপোন বুলি,
—আঁতৰি থাকিলে পৰেনে মনত
কবানে কথাটি খুলি ?

খাওঁতে, শোওঁতে, উঠোতে, বহোঁতে,
মোৰেই ভাবনা লই,
—যায়নেকি বাৰু ফটিক-বুলীয়া
চকুলো দুগালে বই ?

থাকিবনে বাৰু বন্ধুত্বৰ ডোল—
জীৱন-সন্ধিয়া হলে,
নিয়তি-আদেশে দূৰণি দেশল'
মইযে আঁতৰি গলে !

---

# অনুৰোধ

মইহে মাথোন সখি সখি বুলি
মৰমতে পমি গই,
তোমাৰ কাষত চেনেহ-আশাত
বাট চাই থাকো ৰই।

বন্ধু বুলি সোণ মইহে মাথোন
আপোন পাহৰি যাওঁ,
তুমি ভালপোৱা কামকেহে কৰি
মনতে শান্তি পাওঁ।

অকণিকে ভাই থাকিব নোৱাৰোঁ
তোমাক নেদেখি মই,
সেয়ে প্ৰিয়তম আমনি কৰোগে'
নিতউ কতনো গই।

অসুখত পৰি থাকা যদি তুমি
মনেযে নামানে মোৰ,
যদিহে নাথাকো শিতানত বহি
কলিজা নপৰে জুৰ।

তোমাৰ কাৰণে—
চকু-চৰহাৰ টোটক বিদ্ৰূপ—
ৰঙে শিৰ পাতি লওঁ,
—মৰণো বৰিম, সখি ঐ যদিহে
ৰবিৰ লগিয়া হওঁ।

ইমানতো বাক সদায়েনো তুমি
কেটেৰা জেঙেৰা মাৰি,
প্ৰাণত কিয়নো শোকানল জ্বালি
সকৰা চকুলো ধাৰি ?

মোৰ দুখতেই যদিহে তোমাৰ
পৰাণে তৃপিতি পাই,
অনুৰোধ প্ৰিয় সুখী হোৱা তুমি
মোৰেই দুখকে চাই।

---

# প্ৰেমৰ-ছবি

বিৰহী-যক্ষৰ শোকৰ কাহিনী
শুনা জানো তুমি নাছিলা প্ৰিয়,
নাজানানে বাৰু প্ৰিয়াৰ কাৰণে
হইছিল বলিয়া যক্ষ কিয় ?

পাচিছিলে কিয় শুকুলা ডাৱৰ
কতনো কাৱউ-কোকালি কৰি,
দূৰণিত থকা প্ৰিয়াক চাবলে'
আছেনো কেনুৱা জীৱন ধৰি।

(এই) সকলোৰে মূল প্ৰেমেই মাথোন
তাৰেইহে এটি জলন্ত ছবি,
"যক্ষৰ জীৱন প্ৰিয়াৰ কাৰণে"
তাকে বুজাবলে' আঁকিলে কবি।

জগত-মাজত যাউতি-যুগলে'
বন্ধু-প্ৰেমৰো এনুৱা কীৰ্ত্তি,
ৰাখিব লাগিব তুমি আৰু মই
মনে থাপি লই যক্ষৰ স্মৃতি।

পাৰিব লাগিব থাকিলে আঁতৰি
আজিও কোনোবা তুতক পাচি,
যক্ষৰ দৰেই নিজৰ বাতৰি
ইটিয়ে সিটিক জনাব সাঁচি।

তুই বন্ধুৰো মাজেদি প্ৰেমৰ—
এমুৱা চানেকি ৰাখিব ভাই,
লাগিব নিশ্চয় পাৰিম ধৰাত
সাধিম নোৱাৰা একোকে নাই!

—————

## আজিৰ শৰত

কিয় বাক আজি পাহৰি পেলালা
চিৰকাললই কথাটি মোৰ,
অচিনৰ দৰে দেখা পালে চাই
কিয়নো সকৱা চকুৰ লোৰ?

নপৰেনে ভাই মনত তোমাৰ
তাহানিৰ সেই শৰত কাল,
আপোন পাহৰি কত কথা পতা
গোঁথা একেলগে চেনেহ-জাল।

নাই আৰু আজি সেই দিন সখি
কালৰ সোঁতত বিলীন হ'ল,
সাগৰ মৰুৰ দূৰে ব্যৱধান
আজি যে দুয়োৰো মাজত ৰ'ল।

আজি শৰতৰ জোনালী নিশাৰ
মধুৰ মোহিনী ছবিটি দেখি।
তাহানিৰ সেই শৰতৰ কথা
পৰিছে দেখোন মনত সখি।

আহাঁ কাষ চাপি আহাঁ প্ৰাণ সখা
মিছা অভিমান পাহৰি যোৱা,
আমাৰ প্ৰীতিৰে জগত ভৰক
মিলন মধুৰ গীতটি গোৱা।

---

# মৃত্যু-মিলন

হিয়াৰ সখিটি মোৰ কেতিয়াবা ভয় হয়
কালৰ পাকত,
জ্বলি উঠে বিচ্ছেদৰ জানোছা অগনি সোণ
আমাৰ মাজত।

ভয় হয় কি জানিবা বন্ধুৰ মৰম তুমি
পাহৰি পেলোৱা,
চেনেহৰ কুশ ছিঙি পৰৰ কথাত ভুলি
শতুৰুকে হোৱা।

তেনে ভাব কেতিয়াও মনলৈ নানিবা সখি
ভুলতো এবাৰ,
জনোৱা মিনতি মাথো চৰণ কমলে হেৰা
গৰাকী জনাৰ—

যিজনাৰ আদৰ্শত আমিও ৰাখিব খোজো
প্ৰেমৰ প্ৰতীক,
সৰ্ব্বব্যাপী সেইজন, পৰম বন্ধু প্ৰেমিক—
পাৰ্থৰ সখিক,—

'যিদৰেই জীৱ-ছাঁয়া জীৱৰ লগৰ পৰা
বিচ্ছেদ নহয়।
তোমা-মোৰ মিলনৰ জৰী যেন সিদৰেই
নিছিগাকে' ৰয়।
জীৱনৰ লীলাশেষে একেলগে, একেদিনে
একে সময়ত,
একেখনি চিতাতেই ছুয়ো' যেন স্থানো পাওঁ
শেষ শয়নত।

---

# সৌৰভৰ স্মৃতি

জুৰ সমীৰণে কোনোবা দেশৰ
শেৱালি সৌৰভ লই
পাহৰণি সুৰ জগালেহি মোৰ
বিঙা হৃদয়ত অ'ই।
কিদৰে তাহানি তুমি আৰু মই
লৰবি-ঢাপৰি গই,
হেঙুলী পৰতে শেৱালি বোটলো
ৰঙে-ৰঙিয়াল হই।

ধাৰাসাৰে পৰা কাতিৰ কুঁৱলী
নিৰবে নিৰলে সহি,
আকাশ-কুসুম ৰচিছিলো কত
ডুবৰি পাটীত বহি।
সেই দিনা সখি মনৰ মাজত
খেলোৱা নাছিল মোৰ,
তোমাৰ বিচ্ছেদে ভাঙিব এদিন
সেন্দুৰী সপোন বোৰ।
ভাবিছিলো সখি যাব চিৰদিন
তোমা-মোৰ একেদৰে,
মনৰ মাজত কত কথা ভাবি
হিয়াখনি শাঁত পৰে।
সিদিনা যেতিয়া ক'ব লগা হল
"থাকা সখি যাওঁ দেই,"
বুকু ফাটি ব'লে তেজৰ নিজৰা
সপোন ভাগিলে সেই।
যদিওবা আজি ফুলিছে শেৱালি
গছ ভৰি ভৰি সউ,
বলিয়া অলিয়ে প্রেম-গীতি গাই
চুহিছে ফুলৰ মউ।

তথাপিযে ভাই হিয়াখনি মোৰ
দহিছে পুৰিছে হাঁয়,
কোঁচ ভৰি ভৰি ফুল তুলিবলে'
তুমিযে কাষত নাই।

আজি শেৱালিৰ সুগন্ধি সৌৰভে
হিয়াৰ বীণৰ মোৰ,
ছিগা তাঁৰ ডালি নোৱাৰে জোৰাব
নোৱাৰে তুলিব সুৰ।

---

## সপোন-মাধুৰী

আজি সপোনত দেখিলো সোণাই
হাতত বাঁহীটি লই,
ফুলনি মাজত বহি আছা তুমি
মুখনি মোলান ক'ই।

চকুজুৰি মই ধৰিলো জপাই
গোপনে পাছৰ পৰা,
হ'লো আচৰিত। পালো যেন চিন
তপত চকুলো সৰা।

সুধিলো তোমাক কিয় বাক ভাই
ফুলনি মাজত আহি,
কান্দিছা বিনাই কিনো বেজাৰত
নবজাই আজি বাঁহী ?

দিলা সমিধান কৰুণ সুৰেৰে
মোৰ যে মুখনি চুমি—
"আজি অতদিন ক'ত বাৰু গ'ই
আছিলা আঁতৰি তুমি ?

তোমাৰ সন্তাপে দহিছে পুৰিছে
কলিজা খাইছে খুলি,
প্ৰাণৰ বাঁহীটি নোৱাৰো বজাব
হিয়া জিনা সুৰ তুলি।

সেইহে নিৰলে ফুলনি মাজত
মালা গাঁথি চকুলোৰ—
কল্পনাতে আঁকি তোমাৰ ছবিটি
হিয়াতে লভিছো জুৰ।"

*　　*　　*　　*

সোণালী ৰবিৰ সোণপানী চৰা
প্ৰভাতী কিৰণবোৰ,

বেৰৰ জলঙা ভে'দ কৰি আহি
ঘুমটি ভাঙিলে মোৰ।

সপোনত দেখা সখিৰ ছবিটি
কেনিবা আঁতৰি গ'ল,
দিঠকত মাথো সেই কথাখিনি
বুকুত বাজিয়ে ৰ'ল।

---

# ব্যৰ্থ-সপোন

সখিঐ,
শৈশৱৰ কথা পৰিলে মনত
হৃদয় বিদৰি যায়,
তাহানিৰ সেই সুধাসনা সুখ
আজিতো অকণো নাই!

তেতিয়াতো হাঁয় নুবুজিলো ভাই
আহিব এনেটি দিন.
কুহেলি সপোন ভাগি-ছিগি যাব
নাথাকিব একো চিন।

ভাবিছিলো মাথো এই সংসাৰত
সুখৰ সোঁতত ভাহি,
মনত ৰঙেৰে কটাম জীৱন
—মুখত মিচিকি হাঁহি।
কোনে ভাবিছিল সেই ভাবনাৰ
পৰিব এদিন ওৰ,
জীৱন-তৰু মাজতে ভাগিব
হেৰুৱাম দেহা মোৰ।
“বিজুলী-ৰথৰ” নিঠুৰ পৰশে
যিদিনা ভাঙিলে দেহা,
সিদিনাহে হাঁয় ভাবিলো মিছাতে
পাতিলো সংসাৰ বেহা!
কোন আছে মোৰ জীৱন-পথত
সহায় সাৰথি হই,
ফুৰিব সদায় মোৰেই লগত
তাৰেহে ভাবনা অ’ই।
ঘুণীয়া দেহাৰে কি কাম সাধিম
কৰিবৰ শকতি নাই,
খাই শুই মাথো দিন নিয়াবলৈ’
জনম ধৰিলো হাঁয়।
আজি আঁতৰিলে সপোনৰ জাল
শৈশৱ মৰহি গ’ল,
নিঠুৰ কালৰ পৰিলো ৰেহত
জীৱন অথিৰ হ’ল।

# অপূৰ্ণ-বাসনা

বকুল তলত সন্ধিয়া পৰত
তাহানি কথাটি কোৱা,
আছেনে মনত ক'ই ক'ই ভাই
আঁপান পাহৰা হোৱা।

দুয়ো একেলগে সংসাৰ-ক্ষেত্ৰত
একেই পথকে ধৰি—
যাম আগুৱাই জীৱন কালত
বন্ধুত্বৰ তাজ গঢ়ি।

কিন্তু আজি হাঁয় কাল-পহৰাৰ
পৰশে জুকলা হলো,
একেলগে ফুলা দুপাহী ফুলৰ
মই ফুল সৰি গলো।

তাহানিৰ সেই আশাৰ কলিটি
লেৰেলি মৰহি গ'ল,
সাঁচতীয়া সেই মনৰ বাসনা
অপূৰণ হৈয়ে ৰ'ল।

আজি জগতত অকলে অকলে
দুখৰ বোজাটি লই,
ঘাত-প্ৰতিঘাত সহিম নিৰবে
জীৱন যুঁজত গই।

দেহলাও হে'ৰা মাগিছো বিদায়
বোৱাই চকুৰ লোৰ,
কেতিয়াবা সোণ পেলাবা মনত
এবাৰ কথাটি মোৰ।

---

# অভিশাপ

সুধিছা, কিয়নো বাকু নাযাওঁ এতিয়া সখি
তোমাৰ সি ধুনীয়া দেশলে'
লগৰীয়া সমনীয়া সকলোকে ত্যজি থই
ফুৰো কিয় অকলে নিৰলে ?

তটিনী পাৰত বহি চকু পানী টোকো কিয়
কিয় গাওঁ গীত নিৰাশাৰ
কিয় বাৰু অকলই বজাই বেদনা বীণ
কওঁ কিয় জীৱন অসাৰ।

কিনো ক'ম সখি অ'ই কোনেনো শুনিব আজি
যত মানে জীৱনৰ মোৰ,
করুণ কাহিনী ভাই কলিজা জ্বলাই দিয়া
ব্যথাভৰা পৰাণৰ সুৰ।
এদিন আছিল মোৰো ধুনীয়া সিখনি দেশ
চেনেহৰ, অতি চেনেহৰ,
আজিওতো আছে গঁথা তাৰেই বুকুত সোণ
কত শত স্মৃতি শৈশৱৰ।
প্রতি তৃণ-তৰু-লতা বনৰীয়া যত পখি
আৰু কত জুৰি-নই-জান,
সকলো চিনাকি মোৰ বুকুৰো আপোন ভাই
সকলোৰে কৰো গুণ গান।
কিন্তু কাল-পচোৱাই যিদিনাই জীৱনৰ
তৰুডালি মাজতে ভাঙিলে,
সিদিনাই সখি অ'ই "আশা-ভাৰসাই" মোক
বিদায়ৰ আলিঙ্গন দিলে।
সিখনি দেশৰ স্মৃতি সেই দিন ধৰি সখি
বিস্মৃতিৰ অতল গৰ্ভত,
লীন হ'ল লাহে লাহে চিৰদিনলই প্রিয়
চিনো মাত্র নৱল প্রাণত।

শৈশৱৰ সমনীয়া জ্ঞান-জুৰি তৃণ-তৰু
যাক ভাবি আনন্দে নধৰে,
আজি চোন সকলোটি মনৰ মাজৰ পৰা
জহি-খহি সৰি সৰি পৰে।
শূন্য হিয়াখনি লই প্ৰাণৰ সখিটি অ'ই
চকুপানী টুকি নিৰাশাৰ
কিনো লাভ হব বাৰু সিপনি দেশলৈ' গই
যদি হল জীৱন অসাৰ।
লগৰ সমনীয়া দেখি মনৰ মাজত যদি
পৰে কথা তাহানি কালৰ
কিনো সুখ সখি অ'ই তুগুণে জ্বলাই জুই
মোৰ এই তাপিত প্ৰাণৰ ?
সেয়ে সখি অকলই তটিনী পাৰত গই,
নিৰাশাৰ গীত গাই গাই,
ব্যথাভৰা জীৱনত শোকৰ শান্তনা লভো
বেদনাৰ ভগা বীণা বাই।
তেতিয়াই সকলোটি পাহৰি পেলাওঁ ভাই
চেঁচা পৰে কলিজাৰ তাপ,
নকৰিবা শোক সখি ইযে মোৰ জীৱনত
বিধাতাৰ ঘোৰ অভিশাপ।

# আহিবনে ?

বুকুৰ কলিজা মোৰ বিৰহৰ বোজা লই
কত দিন ৰ'ম কোৱা এই জগতত,
দুখৰ আঁউসী নিশা কাহানি পুৱাব বাৰু
সুখৰ কিৰণ কণা বৰষি প্ৰাণত।
কেতিয়াবা মনে মনে ভাবো সখি অ'ই
থকা হলে একেলগে দুয়ো চিৰকাল,
হিয়া ভগা বেথা সহি নালাগে কান্দিব আজি
নালাগে সঁচাই সখি দোষীব কপাল।
—তথাপিও পৰা হলে আজিও লৰিৰি গই
তোমাক সাৱটি লই বুকুৰ মাজত,
কটালোহেতেন ভাই আজীৱন কাল মোৰ
চেনেহৰ মউ চুহি তোমাৰ কাষত।
মইতো জানিছো সখা যদিও কান্দিছো হাঁয়
—তুমি হলে অকণিকে কৰা নাই শোক,
মোৰ যে অভাৱ প্ৰিয় কেতিয়াও বুজা নাই
পাহৰিও নাই ভবা এটি বাৰ মোক।
আহিবনে সখা মোৰ সঁচাকৈয়ে তেনে দিন
যিদিনা তুমিও মোক সুৱঁৰি এবাৰ,
টুকিবা চকুৰ পানী দেহি অ'ই মোৰ দৰে
বেদনাত বুকুখনি হব ছাৰখাৰ !

---

# মোক লাগে কি ?

নাভাবিবা তুমি বন্ধু মোৰ এই ভাল পোৱা
মিছা মাথো স্বাৰ্থৰেই ভৰা
নাভাবিবা সপোনতো আশাতেই বন্দী হই
ভাল পাওঁ বাহিৰৰ পৰা।

মোৰ এই ভালপোৱা বাসনা বিহীন প্ৰিয়
প্ৰতিদানো নিবিচাৰো মই,
—উপকাৰ যদি সখি কিঞ্চিতো সাধিব পাৰো
তেতিয়াই হব মোৰ জয়:

পাৰিলোহেঁতেন যদি কিবা এটি উপায়েৰে
বুকু চিৰি দেখুৱাব ভাই—
বুজিলাহেঁতেন তুমি মোৰ এই অন্তৰত
স্বাৰ্থৰ লেশো মাত্ৰ নাই।

মই মাথো বিচাৰিছো এনে এটি দিন সোণ
সেই দিন আহিব লাগিব,
তোমাৰ কাৰণে সখি পাৰিম যিদিনা মৰি
জগতত খিয়াতি ৰাখিব।

———

# বিপদৰ বন্ধু তুমি চিৰ লগৰীয়া

নাভাবিবা তুমি সখি ভাল পাওঁ তোমাকেই
কেৱল বুকুৰ বান্ধ তুমিয়েহে মোৰ,
নাভাবিবা তুমি বিনে করুণ ৰাগিণী গাম
জীৱন বীণাত তুলি বিষাদৰ সুৰ।

জগতৰ সকলোটি অতিকে স্নেহৰ মোৰ
ভাবো মই সকলোকে প্ৰাণৰো আপোন,
বিশ্ব-প্ৰেমৰ চিন দেখা পাবা তুমি তাত
যদি মেলি চোৱা মোৰ হিয়াৰ দাপোণ।

(কিন্তু)—সেই দিনা অকস্মাৎ জীৱনৰ নাওখনি
পচিমৰ পচোৱাৰ নিঠুৰ হাতত,
বুৰ যাওঁ যাওঁ হল এটি পলকতে মোৰ
সীমাহীন দৃষ্টিহীন ভৱ-সাগৰত।

সহায় বিচাৰি ভাই গগন পৱন ফালি
চিঞৰিলো উচ্চস্বৰে অতি ঘনে ঘনে
সিটি সময়ত মোক উলটি নাচালে হাঁয়
জগতৰ সকলোটি ভালপোৱা জনে।

তুমি মাথো সেইদিনা দৰদী সখিটি অ'ই,
অতিকে উধাও হই কাষ চাপি আহি,
বুৰ যাব খোজা সেই সৰু নাওখনি প্ৰিয়
অতি সযতনে আনি পাৰ পোৱালাহি।

সেয়ে সখি ভালপাওঁ অতি ভালপাওঁ মই
বিপদৰ বন্ধু তুমি চিৰ লগৰীয়া,
তোমাৰেহে মাজেদিয়ে জগতক ভাল পাম
তুমি বিনে আৰু মোৰ কোনো নাইকীয়া।

সচাঁ সখি, জগতক অতি ভাল পাইছিলো
কিন্তু সেই ভালপোৱাৰ শ্ৰেষ্ঠ প্ৰতিদান,
পালো মই সেইদিনা প্ৰিয়-পৰিজনে মোক
বিপদৰ বেলা দিয়া বিদ্ৰূপৰ বাণ।

জগতৰ সকলোৱে ভালপাওঁ বুলি কয়
সুখৰ কালত মাথো আশাৰ আলোৰে।
ডেই পুৰি ছাই হ'ক সেই ভালপোৱা সখি
তোমা-মোৰ বন্ধুত্বৰ অগনি শিখাৰে।

---

# অনুতপ্ত

ই ঠাইত বহি মই জানা জানো সখি অ'ই
আজি এই ফাগুনৰ ভৰ দুপৰীয়া,
কিয়নো কান্দিছো বাৰু? কিহৰ বেদনা জাগি
অকস্মাতে প্ৰাণ মোৰ হইছে বলিয়া।

জীৱনৰ তৰা মোৰ—কওঁ শুনা আজি দৰে'
এনে এটি দুপৰীয়া যোৱা ফাগুনৰ.
স্নেহৰ দেহাটি হল তেনেই বিকল সোণ
নিদাৰুণ আঘাতত "বিজুলী ৰথৰ"।

মৰণ পাটীত পৰি কটালো কতনো কাল
কতনো যন্ত্ৰণা সখি নিৰবে সহিলো,
তেওঁচোন আজিলকে' ভগা দেহা ৰিনে মোৰ
তাহানিৰ তনুমন ঘূৰাই নাপালো।

নতুন পাতনি হ'ল আজি মোৰ জীৱনৰ
কালৰ হাতত হ'ল অতীত বিলীন,
পৰতেই আশাকৰি জীৱন জপিছো ভাই
—জগতত আজি মই নহয় স্বাধীন।

তুয়ো বহি কথা পতা ঠাইখনি সখি অ'ই
অতিকে চিনাকি দেহি অতি আদৰৰ,
ইয়াৰেই ধূলি-বালি হৈছিল এদিন হাঁয়
তেজেৰে ৰাঙলী মোৰ দুখনি হাতৰ।

সেয়ে সখি জীৱনত নাপাহৰো কোনো কালে
—সুপবিত্ৰ এই ঠাই ভুলতো এবাৰ,
যোৱাবাৰ ফাগুনত টোপাটোপে বই য'ত
পৰিছিলে জীয়া তেজ মোৰ কলিজাৰ।

অজানিতে দেহি অ'ই প্ৰাণত জাগিছে আজি
দূৰ অতীতৰ সেই মধুৰ সপোন,
সেয়েহে কান্দিছো ভাবি পুনু বাৰু কেতিয়াবা
পাম জানো মোৰ সেই হেৰোৱা জীৱন।



# আৰু যেন কিবা নাই নাই

মধুৰ জীৱন মোৰ বন্দী হল যিদিনাই
সংসাৰ-কাৰাগাৰত পৰি,
সুখ শান্তি সঙ্গীবোৰ চকু পচাৰতে আহি
নিৰমম কালে নিলে হৰি।

দেখো আজি চউ দিশে চকুৰ আগত ভহা
ব্যৰ্থতাৰ মাথো ছবি বোৰ,
নালাগে একোকে ভাল নলহে একোতে মন
একো যেন নাই সখি মোৰ।

বুকুৰ বাঁহীটি মোৰ নিৰলে বজাওঁ ভাই
অতীতৰ কাহিনী সুৰঁৰী,
দুধাৰি তপত অশ্রু দুগালে বাগৰি যায়
শোক মোৰ আহে যে উজাৰি।

বিষয়-বাসনাত প্রিয় নমজে আজিতো প্রাণ
সৌন্দর্য্যও নোৱাৰে মুহিব,
দেহাৰেই থান ঠিত আজিলকে' হোৱা নাই
সেইবোৰে কিনো কাম দিব ?

বিফল জীৱন মোৰ তথাপি, তথাপি প্ৰিয়
তোমাক কাষত যদি পাওঁ
ক্ষন্তেকৰ বাবে হায় স্বৰ্গীয় ভাবত মই
সকলোকে পাহৰি পেলাওঁ।
গলে তুমি সখি অ'ই চকুৰ আগৰ পৰা
কৰৰালে' আঁতৰি পলাই,
সকলো পালেও পুনু এটি সুৰ প্ৰাণে বাজে
আৰু যেন কিবা নাই নাই।

---

## তোমালৈ উত্তৰ

মৰমৰ প্ৰিয় সখা সেইদিনা হেঁপাহেৰে
"চেনেহৰ চিন" তুমি দিয়া—
বুকুত সাবটি যাক শয়নে সপোনে সোণ
প্ৰমোদিত হব মোৰ হিয়া।
সিয়েই নিতউ মোক তোমাক কাষত দিব
প্ৰাণে সিচি সোৱৰণী সচ,
জীৱনে মৰণে মাথো সিয়ে লগৰীয়া হব
সিয়ে' হব ৰাহুৰ কৱছ।

---

# শেষ অনুৰোধ

তাহানিতে সখি অ'ই নিজ হাতে তুমি দিয়া
জীৱনত এটি মাথো "চেনেহৰ" দান,
যদিওবা আজি তাক কাঢ়ি নিলা পুনু বাৰ
তাৰ বাবে কৰা নাই একো অভিমান।

জানো সখি আগতেই সেয়েহে নকৰো আশা,
অযোগ্য সঁচাই মই তোমাৰ দানৰ,
অপাত্ৰত দান কৰা কৰ্ত্তব্য নহয় কাৰো,
বাওনাই চন্দ্ৰ ধৰা কথাটি লাজৰ।

তোমাৰ চেনেহ দান নালাগে একোকে মো
কাঢ়িলই যোৱাতকৈ নিদিয়াই ভাল,
—তুমি মোক নকলেও মই যেন কব পাৰো—
—"বন্ধু বুলি তোমাকেই আজীৱন কাল।

——

# স্নেহ-আলিঙ্গন

সেই দিনা মনমোহা শাৰদী পূজাৰ ৰাতি
অদূৰৰ শঙ্খ ঘণ্টা শুনি,
পদূলি মুখত ভাই জোনাকৰ পোহৰত
ৰই আছো কিবা ভাবি গুণি।

এনেতেই তুমি আহি লয়লাস ভঙ্গীমাৰে
পুলকিত কৰি প্ৰাণ মন,
দুহাতে সাবটি ধৰি অতি আলফুল কৰি
চেনেহৰ দিলা আলিঙ্গন।

মনৰ মাজৰ মোৰ কতনো বিষাদ সুৰ
নিমিষতে কেনিবাদি গ'ল
তোমাৰ চেনেহভৰা মধু আলিঙ্গন পাই
হিয়া মোৰ চমকিত হ'ল।

---

# কাকো কেও নেৰো জীৱনত

জানাতো তুমিও সখি দ্বাপৰত কলীয়াই
অৰ্জ্জুনৰ প্ৰাণ সখি হই,
দেখুৱালে কেনে দৰে প্ৰকৃত বন্ধুৰ প্ৰেম
জগতত অমৰণ কই।

কুৰুক্ষেত্ৰ সমৰতো ত্যজি থই কুৰুকুল
পাৰ্থকেহে সাৰটি ধৰিলে,
শতেক বিঘিনি বাধা হাহি মুখে শিৰ পাতি
সখাতেই প্ৰাণ সপি দিলে।

অৰ্জ্জুনৰ চেনেহত আপোন পাহৰা হই
জীৱনৰ গন্তব্য পথত,
চিৰ সহচৰ হই পথ দেখুৱাই দিলে
বান্ধ খাই প্ৰেমৰ পাশত।

সিদৰেই জগতত তুমি আৰু মই সখি
—পৰাণত পিয়াহ প্ৰবল,
মষিমূৰ কৰি যাম ভণ্ডামিৰ আৱৰণ
ধৰণীক কৰি তলমল।

কৃষ্ণ আৰু অৰ্জ্জুনৰ প্ৰেমৰ চানেকি ভাই
দুয়ো লই সদায় মনত,
বিপদ বিঘিনি নাশি মাথো আগবাঢ়ি যাম—
কাকো কেওঁ নেৰো জীৱনত।

# বিৰহীৰ উক্তি

তোমাকে যে ভাল পালো কোনোবা কালৰে পৰা
সেয়ে সখি জীৱনত হ'ল অভিশাপ,
ভালপোৱা দিবলই যাওঁতে আজিনো হায়
সহিব লাগিছো কত দুখ-ক্লেশ-তাপ

সিও ভাল সিমানতো বুজা হলে প্ৰিয় সখা
জগতৰ সকলোৱে ভালপোৱা মোৰ—
তোমাৰ কাৰণে বাৰু বুকুৰ পোৰণি কিয়
কিয় গাওঁ চিৰদিন বিষাদৰ সুৰ ?

ভাতৃ মোৰ সহোদৰ যদিও নোহোৱা হেৰা
তথাপিতো তোমা বিনে নোৱাৰো থাকিব,
প্ৰাণ বন্ধু তুমি মোৰ শিৰৰ মুকুট মণি
থাকোতে জীয়াই লগ পাবোনে এৰিব ?

হৃদয় হৃদয় খনি জুৰাবলে' চিৰকাল
বিচাৰি ফুৰাতো নীতি হৃদয়ৰ ধন,
সেয়েতো তোমাকে সোণ আজীৱন বুকে বান্ধি
নিয়াব খুজিছো এই দুখৰ জীৱন।

তেনে কিয় মিছাকৈয়ে চকু-চৰহাৰ দলে
ৰতি ফুৰে মোৰ বাবে কত শত কথা—
মোৰ এই ভালপোৱা স্বার্থ বিজড়িত হেনো
মৰমৰো যত সুৰ ভুলেৰেই গঁথা।
~~বিধাতাৰে শ্ৰেষ্ঠ দান বন্ধুত্ব নুবুজে সখি~~
~~স্বার্থ মোহে অন্ধ সেই টুটকীয় বোৰে~~
~~সমগ্ৰ পৃথিবী মাথো স্বাৰ্থৰ আকৰ ভাবি~~
~~ভাবেই মাজেদি নিজ স্বার্থ সিদ্ধি কৰে।~~
সিহঁতে নুবুজে প্ৰিয় সঁচা ভালপোৱা কিনো
কিনো বাৰু মানুহৰ চেনেহৰ টান,
এখনি হিয়াৰ বাবে মানুহ বলিয়া কিয়
ত্যাগ কৰি ৰাজ্য ধন আৰু লাজ মান।
প্ৰণয়-প্ৰীতিৰ মোল নাজানে সিহঁতে আজি
প্ৰাণৰ মিলন মিছা ভাবে ৰাতি দিন,
পবিত্ৰ প্ৰেমকো অতি কলঙ্কিত কৰি তোলে
সত্যক কৰিব খোজে অসত্যত লীন।
ভয় নাই সেই বুলি নাযাবা আঁতৰি তুমি—
নহবা চঞ্চল দেখি পিশাচৰ দল
—দূৰতে বিদূৰ হব নোৱাৰি ভাঙিব কেৱে
তোমা-মোৰ বন্ধুত্বৰ গিৰি হিমাচল।

---

# মুক্তি-বীণা

(১)

পৰেনে মনত সখি কোনোবা কালৰে সেই
তোমা-মোৰ মিলনৰ প্ৰথম প্ৰভাত,
বুকত সাবটি ধৰি দুয়োটিয়ে দুয়োটিক
আবেগতে চুমা যচা ৰহি নিৰলাত।

(২)

আদৰ্শৰ দেৱতাক সাক্ষী কৰি সেই দিনা
তুমি মই পণ কৰা তটিনী পাৰত
আছেনে মনত বাক "ই জীৱন থাকে মানে
কাকো কেওঁ নেৰো" বোলা মৰি মৰমত।

(৩)

সোৱঁৰা এবাৰ ভাই লৰালীৰ সোৱঁৰণী
তাহানিৰ সুধাসনা অতীত মধুৰ,
ভৱ-সাগৰৰ মাজে আপোন পাহৰা হই
বাইছিলো কি দৰেনো জীৱনৰ ডুৰ।

(৪)

হিয়াই হিয়াই বন্ধা শৈশৱৰ ধূলা খেলা
ভাবিছিলো তাকে লই কটাম জীৱন,
তেতিয়াতো নাভাবিলো কঠোৰ বাস্তৱ আহি
ভাঙি দিব পলকতে সেই যে সপোন।

(৫)

ভবা নাই কেতিয়াও আমিও এদিন সখি
কৰ্ত্তব্যৰ আহ্বানত লাগিব লৰিব,
নিজৰ দেশৰ আৰু এই জগতৰ হকে
আত্ম বলিদান আমি কৰিব লাগিব।

(৬)

যিদিনাই অজানিতে বিধাতাৰ বিধি মতে
ভৰি দিলো একেলগে ভৰ যৌৱনত,
সেই দিনা দেখা পালো ধুনীয়া ধৰণীখনি
নতুন বেশত সখি চকুৰ আগত।

(৭)

কলে যেন কোনোবাই হাঁহি ধেমালিকে লই
খোৱা শোৱা মানৱৰ কৰ্ত্তব্য নহয়,
বিশাল বিশ্বত আমি থাকো যদি চকুমুদি
সময়-বালিত খোজ কদাপি নৰয়।

(৮)

কল্পনাৰ বালি-ঘৰ সিদিনাই ভাগি গল
নিমিষতে আঁতৰিল ছবি অতীতৰ,
সিদিনাই বুজি পালো জগত নহয় হায়
মায়া-মৰিচিকা কিম্বা স্থান প্ৰণয়ৰ।

(৯)

বিৰহ মিলন লই আপোন সুখত মজি
আজিৰ দিনত সখি নোৱাৰো থাকিব,
তুমি মোক ভালপোৱা ময়ো ভালপোৱা দিও,
লগে লগে হাতে-কামে ধৰিব লাগিব।

(১০)

আজিৰ জগত খনি নহয় কেৱল সখি
দুদিনীয়া ভালপোৱা বাসনা প্ৰেমৰ,
—প্ৰেমৰেই মাজেদিযে সাধিবও লাগিবযে
যত মানে হিতকৰ কাম জগতৰ।

(১১)

যিদৰেই কৃষ্ণার্জ্জুন দুয়োটিয়ে লগ লাগি
পথহাৰা পথিকক পথ দেখুৱালে,
দুষ্টক দমন আৰু শিষ্টক পালন কৰি
যুগমীয়া বন্ধুত্বৰ তাজ গঢ়ি দিলে।

(১২)

যিদৰেই তোমা-মোৰ প্ৰণয়-কাঠীৰে চুই
জগাব লাগিব হেৰা আজিৰ জগত,
মানুহ জীৱন সখি তেতিয়া সাৰ্থক হব
বন্ধুত্ব অমৰ হ'ব কালৰ বুকত।

(১৩)

হতাশ নহবা বন্ধু কঠোৰ সংগ্ৰাম দেখি
পাৰ্থ সখি ভগবান লগত সহায়,
তেৱেঁই মুক্তিৰ পথ আমাক দেখাই দিব
মৰমৰ সখা মোৰ বলা আগুৱাই।

(১৪)

ধুমুহাৰ দৰে আজি, আজিয়েই প্ৰিয়তম
কৰ্ত্তব্যত বাঢ়ো আগ প্ৰবল বেগেৰে,
শোকাতুৰা জননীৰ মেলা চুলি দুয়ো মিলি
বান্ধি দিওঁ হাঁহি হাঁহি হিয়াৰ তেজেৰে।

(১৫)

শেতা পৰা মুখনিত আশাৰ ৰাঙলী আভা
আমিয়েই পুনুৰাৰ দিওঁ জিলিকাই,
কপালৰ মাৰ যোৱা কাম সেন্দুৰৰ ফোঁট
ব'লা প্ৰিয় আমিয়েই দিওঁগে' পিন্ধাই।

(১৬)

চোৰাচোন চোৱা সখি পশ্চিম জগত খনি
উন্নতিৰ শিখৰত কিদৰে বগায়,
আমাৰেহে জননীয়ে আজিও কান্দিছে হায়
হিংবাদৰ সুৰ জুৰি হিয়া ভুকুৰাই।

(১৭)

নোৱাৰো থাকিব চাই আইৰ মলিনা মুখ
বলা ভাই বীৰ দৰ্পে নকৰিবা ভয়,
তোমা-মোৰ গতিৰোধ কৰে এনে সাধ্য কাৰ?
গোৱা সখি মুক্তকণ্ঠে জননীৰ জয়।

(১৮)

চোৱাচোন চকু মেলি আমাৰ দৰেই সউ
একেই ঈশ্বৰে স্ৰজা কতনো মানৱে,
অন্ন-বস্ত্ৰ হীন হই কতনো নিকাৰ ভুঞ্জে—
কতনো যাতনা হায় সহিছে নিৰৱে।

(১৯)

ক্ষুধাতুৰ কেছুৱাৰ শুনা সখি কাণ পাতি
করুণ বিননি তাহি আছে বতাহত,
নিৰাশ্ৰয়া বিধবাৰ অপমান লাঞ্চনাৰ
বাতৰিয়ে জ্বালি দিছে অগনি প্ৰাণত।

(২০)

কলিজাৰ জীয়া তেজ পানী কৰি বনুৱাই
শিল ভাঙে জাৰ-জহ কাতি কৰি থই,
তথাপিও নাইপোৱা দুবেলা দুসাজি ভাত,
তপত চকুলো যায় দুগালেদি বই।

(২১)

জগতৰ প্ৰাণৰূপী দুখীয়া কৃষক দলে
হালবাই খেতি কৰে পাহৰি ভাগৰ,
তেনে কিয় সিহঁতক হেয় জ্ঞান সকলোৰে
কৰে বাৰু প্ৰিয় সখি নুবুজি আদৰ।

(২২)

স্বাৰ্থপৰ সমাজৰ কৰাল গ্ৰাসত পৰি
কত শত ছাল ছিগা দীন দুখীয়াই
—অনাটন অভাৱৰ নোৱাৰি কৰিব দাবী
চিৰদিন মৃত্যুকেই আছে যে ধিয়াই।

(২৩)

ধৰ্ম্মৰ নামত চোৱা কতনো ধাৰ্ম্মিক জনে
জ্ঞানহীন মানৱক জুকলা কৰিছে,
দেশকৰ্ম্মী নামধাৰী লম্পত চকুৰে গই
আজিৰ সমাজ তেনে চাই কৰি দিছে।

(২৪)

ৰলা ভাই আগবাঢ়া থাকিবা কিমান চাই
আজিওনো মানৱৰ আলাই-আথানি,
পুৰণিক ধ্বংস কৰি নতুন জগত গঢ়ি
ভণ্ডামিক শেষ কৰো জ্বলাই অগনি।

(২৫)

সভ্যতাৰ মুখা পিন্ধা জগতৰ শিৰ ফুটা
যতমানে লোক এই কৃৰি শতিকাৰ,
নোৱাৰে থাকিব সেই ভীৰু কাপুৰুষ দল
বিপ্লৱৰ চিতা জ্বালি কৰো চাৰখাৰ।

(২৬)

—আমি গঢ়া জগতত নাথাকিব অকণিকে
সৰু বৰ ধনী দুখী আৰু ভিন পৰ,
অনাচাৰ অবিচাৰ অস্পৃস্যতা নাশ কৰি
নব ভাৱে সমতাৰ মথিম সাগৰ।

(২৭)

মানবক ভাই বুলি সাবটি ধৰিম আমি
মানবকে পূজা দিম ভাবি ভগবান,
—হিয়াত নিজৰা বব দয়া, প্ৰেম, পীৰিতিৰ
সমগ্ৰ জগত হব মহা তীৰ্থ স্থান।

(২৮)

অন্ন বস্ত্ৰ হীন হই থাকিব নালাগে কোনো
ক্ষুধাতুৰ কেছুৱায়ো নালাগে কান্দিব,
অনাটন অভাবৰ তেনেই মাৰিম সঁচ
বিধবায়ো চকু পানী নালাগে টুকিব।

(২৯)

আবৰ্জ্জনা ভৰা সেই কঠোৰ সমাজ আৰু
খিয়লীয়া প্ৰবঞ্চক ধাৰ্ম্মিকৰ দল,
সকলোকে শেষ কৰি নতুন সমাজ আমি
গঢ়ি দিম সিবোৰৰ জ্বলাই অনল।

(৩০)

জগতৰ একনিষ্ঠ দেশ-সেৱকক দিম
ভকতিৰ ৰক্ত জবা আঁজলি আঁজলি,
বনুৱা কৃষক যত আমাৰেই উপকাৰী
সকলোকে দুবাহুৰে ধৰিম আকোলি।

(৩১)

দেশে দেশে গাৱে-ভূঞে তুয়ো সখি লগ লাগি
জ্ঞানৰ সুমুৱা চাকি পুনৰ জলাম
অচেতন ধৰণীক সচেতন কৰি লই
মৰতৰ মাজতেই সৰগ সজাম।

(৩২)

সাহিত্য বিজ্ঞান শিল্প পুনৰ প্ৰচাৰ কৰি
অন্ধকাৰ ব্ৰহ্মাণ্ডত বিলাম পোহৰ,
নদ নদী সাগৰত বাণিজ্যক বিয়পাম
জিলিকাম নাওখনি নিভাজ সোণৰ।

(৩৩)

ইদৰেই দুয়ো আমি পুৰণি জগত খনি
নতুনৰো নতুনৰ বেশেৰে সজাই,
দুয়োটিৰে বন্ধুত্বৰ মাজেদিয়ে জগতক
কৰ্ম্মৰ আদৰ্শ পথ দিম দেখুৱাই।

(৩৪)

সংজ্ঞাহীন মানৱৰ সিদিনা চেতনা হব
ধৰণী উঠিব জাগি নব সাজে সাজি
মুকুতিৰ বীণাধ্বনি গগন পৱন ভেদি
আপুনি উঠিব সখি উচ্চস্বৰে বাজি।

(৩৫)

সেইদিনা তোমা-মোৰ বন্ধুত্ব জিলিকি ৰব
যাউতি যুগলৈ সোণ বুৰঞ্জী পাতত,
মৰণৰ বেলিকাও দুয়োটিয়ে ৰং মনে
মুদিম দুচকু হাঁহি কালৰ হাতত।

—অন্ত—

লিখকৰ প্ৰকাশিত "বিৰহী-বিহুৱান" আৰু "জীৱন-সংগীত"ৰ বিষয়ে কেইটিমান অভিমতঃ—

"·····কবিতাটি পঢ়ি বৰ ভাল পালো। আপোন পাহৰা অসমীয়াক এই নিচিনা দুই এটা কবিতাই নিজৰ জাতীয় উৎসৱ আমোদলৈ মনত পেলাব বুলি ধাৰণা হয় ···"।

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

"···অকণমানি পুথিখনি পঢ়ি বৰ ভাল পালো···"।

শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা

"···লিখক কোমল বয়সৰ হলেও, কাব্যৰ ৰস লব পৰা হৈছে। ভাবৰ লহৰ তোলাত কবিয়ে এই কম সাধনাতেই সিদ্ধ হৈছে ···"।

শ্ৰীনীলমণি ফুকন

"·· বিৰহী-বিহুৱান পঢ়ি, অলপ বয়সতে সাহিত্য আৰু বুৰঞ্জীৰ প্ৰতি তোমাৰ ধাউতি দেখি আশা হৈছে পৰিণত বয়সত তোমাৰ দ্বাৰা দেশৰ মঙ্গল সাধিত হব ··"।

শ্ৰীৰাজমোহন নাথ

"···মুঠতে প্ৰথম ৰচনা স্বৰূপে "বিৰহী-বিহুৱান" ধুনীয়া হৈছে। কোমল ভাব আৰু সহজ ৰচনা শক্তিৰে কবিতাটি গুণী বুলিব লাগিব ···"

শ্ৰীভিম্বেশ্বৰ নেওগ

"... জাতিয়ে যেতিয়া জাতীয়ত্বৰ বাট এৰি আও-বাটে খোজ লয়। তেতিয়া জাতিৰ বাটৰ ভুল দেখুৱাই দিবলৈ "বিৰহী-বিহুৱান"ৰ দৰে পুথিৰ দৰ্কাৰ ..."।

শ্ৰীসদানন্দ দাস

" বিহুক কেন্দ্ৰ কৰি লিখা কবিতাৰ পুথি। কবি বহুত ঠাইতে জাগ্ৰত ..."। "জয়ন্তী"

"... কবিত্বৰ কলিটি অনুকুল বতাহ আৰু সাৰ পানী পালে সময়ত সুন্দৰকৈ ফুলি উঠিব। বাণী-মন্দিৰৰ লিখক নতুন পূজাৰী। বাণীৰ আৰাধনা আৰু সাহিত্যৰ সাধনা যেন অটুট হৈ থাকে। কল্পনা পাখীৰে আৰু উৰিবলৈ চেষ্টা কৰিলে ভাবৰ গাম্ভীৰ্য্য আৰু ছন্দৰ ঝঙ্কাৰ ক্ৰমে বাঢ়ি যাব ...।" শ্ৰীপদ্মধৰ চলিহা

" ... বৰদলৈৰ বন্ধু বিহুত ফুটি ওলোৱা "জীৱন-সঙ্গীত"টি নতুন বস্তু ...।" (নাম নাই)

"...তোমাৰ "জীৱন সঙ্গীত" পঢ়ি বৰ ভাল পালো। লিখি থাকিলে নিশ্চয় আৰু উন্নতি কৰিব পাৰিবা...।"

শ্ৰীললিতা দেৱী

---



# শুধৰণি

"সেই দিনা· এটিবাৰ পেলাবা মনত" শীৰ্ষক কবিতাটিৰ ২৮ পিঠিৰ "বিধাতাৰ শ্ৰেষ্ঠ দান·····
······ ··নিজ স্বাৰ্থ সিদ্ধি কৰে" এই চাৰি শাৰি ভুলত "বিৰহীৰ উক্তি" নামৰ কবিতাটিৰ ৬৮ পিঠিত দোৱাৰাৰ ছপা হৈ গল। পঢ়োতে অনুগ্ৰহ কৰি এই শাৰি কেইটা বাদ দি পঢ়ে যেন।

---